# পৰিমল

শ্ৰীবিমল শইকীয়া

নকাৰী উত্তৰ লক্ষীমপুৰ



দাম মুঠেই চাৰি-অনা

# মিনতি

দুৰ্ব্বলৰ ওপৰত দুৰ্ব্বলতা জাপি
আৰু মোক নিদিবা আঘাত,
হে সুধীৰ, অসীমক সীমা দিয়া তুমি
মই গই মিলোগে' তোমাত।

আৰু যে নোৱাৰোঁ স'ব অসহন ভাৰ
এই মোৰ ব্যথিত হিয়াত,
হে মহান, নহবাচো' নিদাৰুণ তুমি
পূৰ্ণ কৰো অপূৰ্ণ তোমাত।

সীমাৰ মাজত অসীম তুমি বজোৱা আপোন সুৰ,
মোৰ মাজেদি প্ৰকাশি তোমাক হৃদয় কৰিম জুৰ।

---

# পৰিমল

## প্ৰীতি-দান

ডাৱৰক ফালি ফালি বিজুলী জিলিকে দেখো'
হৃদয়ক ফালি ফালি চেনেহৰে ধাৰ ।
এয়ে মোৰ প্ৰতিদান মৰমেৰে তোমালই
ভালপোৱা পৰাণৰ প্ৰীতি-উপহাৰ ॥

'পাৰিজাত' 'মদাৰৰ' মালা মই গঁঠা নাই
'গোলাপ' 'বকুলো' মোৰ নাই দিবলই ।
হৃদি-মৰু-উদ্যানত এপাহি ধুনীয়া ফুল
ফুলিছে নিৰলে মাথো সুবাসিত হই ॥



সিপাহি 'হাচানাহানা'     সিপাহি 'অপৰাজিতা'
সিপাহি 'বাগুলী-জবা' প্ৰীতি-দান মোৰ।
'কামিনী-কাঞ্চন' সেয়ে     মকৰ মাজত ফুলা
'সুৰভিত শতদল' প্ৰেম-উত্তাপৰ ॥

সিপাহি 'মালতী' ফুল     সিপাহি 'মাধৱী-লতা'
সিপাহি 'শেৱালি' মোৰ ফুল-বাগিচাৰ।
হিয়াই হিয়াই গঁঠা     সিতালি প্ৰীতিৰ ডোল
যাউতিযুগীয়া দান স্মৃতি-প্ৰতিভাৰ ॥

হিয়া দানে হিয়া পায়     সেইটোহে জনা মোৰ
তাতোকৈ অধিক আৰু একো নাই দান্।
তাকেই যাচিছো সখা     শেষৰ দিনত লোৱা
স্মৃতিৰ মাজত পাবা প্ৰীতিৰ সন্ধান ॥



# ব্যৰ্থ-প্ৰেমাঞ্জলি

নিয়তিৰ ইচ্ছা আৰু মানুহৰ ভোগৰ লালসা—আজীৱন
তুমুল সংগ্ৰাম ।
অৱশেষ সত্য মাথো, নিয়তিৰ জয় সুনিশ্চিত, মানুহৰ
ব্যৰ্থ অভিমান ॥

পৰাজয় আমাৰেই জানি, নিতউ পাতিছো যুঁজ নিয়তিক
বাধা দিবলই ।
বাধা-বিঘিনি অতিক্ৰম কৰি যিহাতে বাঢ়িছো আগ নিজে সখি
জয়ী হ'বলই ॥

এই সংগ্ৰামতে বোৱাই তেজৰ নদী উৰাব খুজিছো আজি
প্ৰেমৰ নিচান ।
অসাৰ্থক ব্যৰ্থ-প্ৰেম, অদৃষ্টৰ পৰিহাস হাঁয়, নিয়তিৰ
বেলেগ বিধান ॥

কেনেকই শান্ত হ'ব তেনে, কলিজাত কঁপি উঠা বিৰহৰ
অনুভূতিবোৰ ?
ল'বানে সাদৰি বলাই দুখৰ ধূপ যাচি দিয়া ব্যৰ্থতাৰ
প্ৰেমাঞ্জলি মোৰ ?

---

# শোকৰ কবিতা

ভাৱহীন, ছন্দহীন, ভাষাৰ বিননি মাথো,
করুণ কবিতা ;
ব্যথিত বুকুৰে মোৰ সপোনে দিঠকে পোৱা
ভুলৰ বতৰা।

লিখিছো, লিখিয়ে আছো, অনন্ত কবিতা মোৰ
আকুল প্ৰাণৰ
বাজিছে, বজায়ে আছো, অৰ্থহীন ঐক্যতান
বিৰহী সুৰৰ।

আদিহীন, অন্তহীন, ভুল যে, তেনেই ভুল
কোনেও নুবুজা
বিৰহৰ চকুলোৰে লিখা মোৰ ভাষাহীন
শোকৰ কবিতা।

# কেতিয়া বুজিবি

মানুহ হৈও মানুহৰ মোল
অবুজ মানুহ তই,
জীয়াই থাকোতে নুবুজ যদি
বুজিবি কেতিয়া ক'ই ?

মানুহ-প্ৰাণৰ বেদনা নুবুজ
কিহৰ মানুহ তই ?
সময় থাকোঁতে নুবুজ যদি
বুজিবি কেতিয়া ক'ই ?

মানুহে যদি মানুহ নুবুজে
জীৱন কেনেকে' বয় ?
মানুহে তেনে মনৰ মানুহ
বিচাৰি কেনেকে' লয় ?

# হৃদয়ৰ মোহ

দুদিনৰ দুনিয়াত কিহৰ মোহত পৰি
হৃদয়ৰ বিনিময় হৃদয়ে বিচাৰে।
সঁচা জানো—সঁচাকৈয়ে উপাৰে নাপায় যদি
হৃদয়ে হৃদয় পায় মৃত্যুৰ সিপাৰে?

মানুহে বিচাৰে সখি আশাৰ হৃদয়খন
বিশ্বভৰা হাঁহাকাৰ খন্তেক পাহৰি।
মিলনৰ গৰিমাত নাথাকে দুখৰ মোহ
দুখৰ মাজত পায় সুখৰ বাতৰি॥

হৃদয়ে হৃদয়ে মিলি দুখ-দৈন্য বিবাদত
অকণি সকাহ পায় মানুহৰ প্ৰাণে।
ধন, মান, ঐশ্বৰ্য্যই নোৱাৰে মিলাব সুখ
হৃদয়ৰ মোল যদি হৃদয়ে নুবুজে॥

দহনে দহিয়ে থাকে, এই যে দুনিয়া-মৰু
সঞ্জীৱনী পানী ক'তো পাবলই নাই।
মৰমী-মদিৰা মউ . সেই সঞ্জীৱনী-সুধা
আছে মাথো মানুহৰ হিয়াই হিয়াই॥

হৃদয়ে হৃদয় পালে পান কৰি সেই সুধা
যত দুখ ওৰ পৰে মৃত্যুৰ আগতে।
মানুহে বিচাৰি তাকে পাই যদি হাতে হাতে
নাথাকে একোৰে মোহ জনম যুগলে'॥

হৃদয় বিচাৰি কন্দা হতাশাৰ হুমুনিয়া
আজীৱন বিষাদৰ তিতা মউ কোঁহ।
চিৰ-দুখী অন্তৰত ব্যথাতুৰ জীৱনত
অতৃপ্তিৰ তৃপ্তি মাথো হৃদয়ৰ মোহ॥



# উত্তৰ দিবিনে

কোন 'বেহেস্তৰ' সুৰীয়া পক্ষী
বিৰহ-ব্যথাৰ মৰু-মৰতত
চিঞৰি গালিছি সুৰীয়া গান ?

ক 'বুলবুলি' ক'ৰ পৰা আহি
ভুবন-ভুলোৱা সুৰ নিনাদেৰে
'দিল দৰিয়াত' তুলিলি বাণ ?

কোন 'বেহেস্তৰ' বাতৰি আনি
প্ৰাণৰ পিয়লা উপচি পৰাকৈ
ঢালিলি প্ৰেমৰ বিমল ধাৰা ?

ক'ৰ ৰঙা বোল চুৰ কৰি তই
মনোদ্যানৰ লেবেলা ডালত
ফুলাই দিলিছি ৰাঙলী জৰা ?

# আমি যে দুপাহি ধুনীয়া ফুল

আমাৰ বুকুৰে সুবাস লই
বলিয়া বতাহ গইছে উৰি,
আমাৰ ওঁঠৰে হাঁহিলে' চাই
গছ, পাত, বনে মেলিছে কুঁহি।

আমাৰ চুমাৰ পৰশ পাই
চেনেহ-মদিৰা বিয়পি যায়,
বিহৰ-মাজতো গোপনে আমি
মউৰ বতৰা দিওঁ যে বিলাই।

কিবা হৰষৰ পৰশন লাগি
মউৰ ভৰতে হওঁ বিয়াকুল,
দুনিয়া-মৰুৰ ফুল-উদ্যানৰ
আমি যে দুপাহি ধুনীয়া ফুল!

———

# অমানিশা

আজি হেনো অমানিশা নোলায় আকাশী জোন
নিবিয়পে ধৰণীত জ্যোৎস্নাৰ ধাৰা,
নাৱৰীয়া নাও মেলি নাযাবি অকলে' হেৰ'
ভয়ত কঁপিব তোৰ আলসুৱা হিয়া।

সোণৰ শোৱণশিৰী বইছে উতলি আজি
নাৱৰীয়া এতিয়াই নাও নেমেলিবি,
নাপাবি সোণৰ গুৰি নাও তোৰ যাব বুৰি
ঘাট চাপিবলে' তই সময় নাপাবি।

আপদীয়া পানী অ'ই নহয় সোণৰ নই
মাজতেই নাৱৰীয়া বুৰোৱাব তোক,
আজি ই গহীন নিশা অন্ধকাৰ অমানিশা
হেৰ! ভৰ বাৰিষাৰে বলিয়ালী সোঁত।

তৰালি আকাশ ঢাকি ধুমুহা গৰজি আহি
উৰুৱাব তোৰে হেৰ! ৰূপোৱালি পাল,
যাত্ৰাৰ সময় তোৰ হেৰুৱাবি নাৱৰীয়া
অভিসাৰ যত মানে পৰিব মোলান।

---

# মৰণ-নিশা

আজি ই আন্ধাৰ তুপৰ ৰাতি
　　জীৱনৰ জেওনিত হেৰ ! নোসোমাবি,
　　ছা জুইৰ পোহৰত বাট নমনিবি,
　　সোণৰ হৰিণা তই বিচাৰি নাপাবি,
হেৰ' হবি যে আপোনঘাটি !

এই যে মৰণ-নিশাৰ জ্যোতি,
　　পোহৰৰ চিন তুই ক'তো নেদেখিবি,
　　কাঁইটনি-ফুলনিলৈ' হেৰ ! নোসোমাবি,
　　সোণৰ পদুম তই বিচাৰি নাপাবি,
হেৰ ! কাঁইটত আঁচোৰ খাবি ।

এই যে মৰণ নিশাৰ বাণ,
　　পাৰঘাটে পান্‌চই হেৰ' নেমেলিবি,
　　চাকনৈয়া, ডুবিলই ৰ'ঠা নামাৰিবি,
　　পোৱাল, মুকুতা তই বিচাৰি নাপাৰি,
পান্‌চই বুৰি হ'ব থান্‌বান্ ।



# সোঁতে লৈ গ'ল

বহুদিন আগেয়েই পোৱা হ'লে বুকুৰ সম্বাদ
কিয়নো তোমাৰ কাষ চাপিলোহেঁতেন বাক
এই বেশ লই !

জীৱনৰ সমল গোটাই পৰা হ'লে ল'ব নিজে
তোমাৰ কাষত কিয় মাগিলোহেঁতেন বাক
ভীক্ষা দান মই ?

কত শত পাপ-পুণ্য নিৰ্য্যাতন পাৰ হই গই
পাহৰি প্ৰাণৰ কথা খেলিলো ল'ৰালি-খেলা
সাজি বালি-দ'ল,

অনিশ্চিত জীৱনৰ অসাৰ্থক ধেমালিত মজি
সোঁতৰ মুখত ৰঙ্কা শুকান বালিৰ ভেটা
সোঁতে লই গ'ল।

---

# অতৃপ্তি

জীৱন-মৰুৰ শুকান বালিত
    নুফুলে হেৰ ! সোণৰ পদুম,
মিছা আশা তই কে'লই কৰিছ
    ৰচিছ কিহৰ সেন্দুৰী সপোন ?

তোৰ যে সপোন সপোনতে ৰ'ব
    অভাগী কিয়নো নুবুজ তই,
আধা ফুলোতেই জীৱনৰ ফুল
    তোৰ যে অভাগী পৰিব জঁয়।

কোন কুঞ্জ কাননৰ ৰঙা ফুল ছিঙিলি ?
ৰঙতেই ৰং ঢালি যেনি তেনি সিচিলি ?
কোন অনাগতলই ৰঙা বাট বান্ধিলি ?
কোন আহে কোন যায় তই জানো বুজিলি ?

তোৰ বাটে হেৰ' কোননো আহিব
    পূৰাব প্ৰাণৰ অপূৰ্ণ আশা,
তোৰ গান হেৰ' কোনেনো শুনিব
    বেসুৰে বজা বুকুৰ ব্যথা ?

তোতেই থাকিব কেৱে নুবুজিব
    বিৰহী বুকুৰ গুপুত ব্যথা,
তই যে মৰিবি ডেই-পুৰি হেৰ' !
    বুকুৰ কৱিতা নহলে লেখা।

# নিৰাশাৰ সুৰ

আৰুনো কিমান দিন ব'ব লাগে সখি ! অ'ই
দৰদৰ আশা পালি দৰদী বুকুৰ,
সহিব কিমান লাগে অসহ্য যাতনা সখি !
তিতা মধু চুহি চুহি বিৰহী ওঁঠৰ।

আৰুতো তুনাই আহি মৰমৰ মৰমীয়ে
আবেগৰ চুমা যাচি সাৰটি নধৰে,
জীৱনৰ শেষ নিশা কেচা ব'দ কঁাচলিয়ে
আৰুতো নতুন জ্যোতি বিলাই নিদিয়ে !

চেনেহৰ কুঁহি-ফুল আৰুতো নুফুলে সখি !
আৰুতো নিদিয়ে সিচি বুকুভৰা ৰেণু,
নতুন সুৰেৰে সখি ! আৰুতো নুশুনো গান
আৰুতো নাবাজে সেই প্ৰেমময় বেণু।

নিৰাশ-আন্ধাৰ ঠেলি কোনো কালে কেতিয়াও
আৰুতো নপৰে সখি আশাৰ পোহৰ,
বিৰহৰ আৰ্ত্তনাদ আৰুতো এদিনো সখি
নুশুনেহি কাষ চাপি প্ৰিয়জনে মোৰ !

---

# আৰু নাই

আৰু মোৰ দিবলৈ একো দান নাই
আৰু কথা ক'বলৈ একো ভাষা নাই
আৰু গান গাবলৈ একো সুৰ নাই
লয় পালে কোনোবা যুগতে
যত মানে তাল মান সুৰ।
ওপৰে উকথা চাল তেনেই ওঁৱলা,
তলত কৱিতা লিখি স্মৃতিৰ কাৰণে
নিতউ নতুন ৰূপ দিছো ইয়াতেই,
সেয়ে ভাষা, সেয়ে কথা মাথো
সেয়ে গান, সেয়ে দান মোৰ।
বুকুৰ ভাষাৰে ৰচি করুণ কৱিতা
প্ৰকাশিম নিতে নিতে তোমাক উদ্দেশ্যি
নিজকে নিজেই মই সদায় বুজাম,
হেৰা! মোৰ চিৰ পূজনীয়!
তুমি য'ত মযো ত'ত ত'ত।
অন্তহীন মৰ্ম্মভেদী হিয়াৰ বেদনা
পাহৰিম তোমাৰেই স্মৃতি-ছবি চাই
অনন্ত কালৰ মোৰ যত আশা-ভাষা
এৰি যাম শ্মশানশালিত
দীপ্ত কৰি মৃত্যু-আলোকত।

# আকাঙ্ক্ষা

দূৰ হ'বা, হ'বা বাৰু একো ক্ষতি নাই
দূৰত্ব বিলুপ্ত হয় যদি থাকে টান,
প্ৰেমৰ সুষমা সনা ছুখনি ওঁঠত
যদিহে বিকশি থাকে বুকুৰ সু-ঘ্ৰাণ।

কলিজাৰ কাননৰ জৰা ফুল ছিঙি
তোমাৰ বেদীলৈ' নিতে দিম দলিয়াই,
প্ৰাণৰ পৰাগ তাতে জিলিকি থাকিব
কেঁচা সোণ বৰণৰ জেউতি বিলাই।

আমাৰ সাদৰী বুকু নাযায় মলঙি
প্ৰীতিৰ ৰহণ খিনি থাকিলে উজ্বলি,
প্ৰেমৰ ৰাঙলী বোল ৰঙা হৈয়ে ৰ'ব
আধা তিতা অধৰৰ জিলিকনি তুলি।

# আমিনো কোন

তুমি আৰু মই নহলেও সখি কাল'কো জগত
নহয় আন্ধাৰ,
বিৰাট বিশ্বত প্ৰলয় নিমিলে নহলে মিলন
তোমাৰ আমাৰ।

যুগৰ পিয়লা ভৰিয়ে থাকিব মানুহে ঢালিব
কৰমৰ সুৰা,
একেই নিয়মে চলিছে জগত অনাদি কালৰ
সীমাৰে পৰা।

কোনেও নাজানে কিমান দিনলে' বিশ্বৰ ভাৱনা
ৰব এই দৰে,
আহিব কিমান, যাবনো কিমান, ফাঁকিৰ মাজেৰে
সৰকি ইদৰে।

নিজতে নিজেই মগন জগত, তুমি আমি কোন
উলটি নাচায়,
কোন অদৃৰত মজিছো আমি প্ৰেমৰ সুৰাৰে
পিয়লা ভৰাই।

স্বৰ্গ-পুৰি আমি মৰি থাকিলেও নগৰ মানুহ
বিচাৰি নাপাই,
থাকিব পৃথিৱী আগৰ দৰেই আমাৰ সগত
নযাবে বিনাই।

আমি মৰিলেও চলিব পৃথিৱী উদিব ইদাৰে
তৰা বেলি জোন,
গছ লতা ফুল ফুলিয়ে থাকিব এই বিৰাটত
আমিনো কোন ?

# জীৱনৰ জয়

আশা আৰু নিৰাশাৰ সীমাৰ মাজত বহি ছাঁ জুইৰ পোহৰত
লেখি লেখি দিন,
শুকাই লেৰেলি যোৱা মৰমৰ মউ কোঁহ বেজাৰৰ চকুলোৰে
সজীৱ কৰিম।

ধুনীয়া ধৰণীখনি সদায় ধুনীয়া সখি, কেনিও অকণি নাই
বিষাদৰ চিন,
নিমিলে আমাৰ সুৰ কেনেকে' বজাওঁ হায় শোকাকুল হৃদয়ৰ
তাঁৰ ছিগা বীণ।

সংসাৰ-সাগৰ এয়া বিশাল বিস্তৃতি চোৱা আপদীয়া ঢৌৰে তাত
তোলে খলকনি,
বেদনাৰ মহাসিন্ধু সখি! তুলনাও তাতোকে' বিশাল ঢৌ তাৰ
দুখৰ কঁপনি।

আমাৰ জীৱন-তৰী দুখৰ বোজাটি বহি শোকৰ সোঁততে উটি
সিন্ধু পাৰ হব,
কলিজা চুছিৰা কৰি বাওঁতে জীৱন-তৰী নিগৰি নিগৰি সখি
ৰঙা তেজ ব'ব।

হ'লেওবা ক্ষুদ্ৰতম—লক্ষ্য এটি স্থিৰ ৰাখি সেই তেজ মচি মচি
বাই যাম তৰী,
সিপাৰে সীমাত গই পুৰাম ভাগৰ সখি জীৱনৰ যৌৱনৰ
জয় গান জুৰি।

---

# সোঁৱৰণী

পাহৰি গ'লেও কোনোবা এদিন পুষ্প পৰিব মনত যত কথা
দূৰ অতীতৰ.
তোমাৰ অনন্ত জ্যোতি স্মৃতিৰ মাজেদি গ'ই উজ্জ্বলাব কলিজাৰ
ক'লা দাগবোৰ।

যাধাৰ প্ৰাচীৰ ভেদি টোপা-টোপে ৰঙা তেজ দুচকুৰে পানী হ'ই
ব'ব অবিৰল,
আজিৰ কথাই হাঁয় বুৰাই পেলাব মোক শোকৰ সিন্ধুত তুলি
সোঁৱৰণী ঢল।

কি কৰিম, সহিব লাগিব বৃথা মোৰ শোক অনুতাপ, জনমিছো
দুখৰ মাজত,
মৰিও হ'লেও ভোগীব লাগিব, নিঠুৰ বিধিয়ে দিয়া যত দুখ
আছে কপালত।

অনাটন আকাঙ্ক্ষাৰ ধোঁৱাই লুকাই থোৱা নগণ্য গৰিব আমি
বিংশ শতাব্দীৰ,
অনাদি কালৰপৰা বাঙলী তেজেৰে লিখা দুখৰ পাতনি মাথো
বিশ্ব-বুৰঞ্জীৰ।

জীৱনত কোনো কাম সাধিব নোৱাৰা শক্তিহীন আমি, ভুল যত
অতীত কাহিনী,
সুৱঁৰি পুৰণি কথা আকউ দুনাই কন্দা ভুল হাঁয়, মহা ভুল,
ভুল সোঁৱৰণী।

---

# বিদায়-দিনত

ঘাটে ঘাটে জীৱনৰ তৰণি চপাই
যোৱা তুমি লখিমী তোলাগে',
অভিমানী গই থাকা তোমাৰ বাটেৰে
মোৰ কথা ভাবিব নালাগে।

উত্তপ্ত নিৰস এই অথিৰ জীৱন
আকাঙ্ক্ষাৰ তপত মৰু-ভূ,
সমুলি নিতিতা বালি কোনো জনমত
তিতিবনো কোন দিনা বাৰু ?

নালাগে তিতিব আৰু বায়ুবোৰো তাৰ
উষ্ম হ'ই উৰি উৰি যৰু,
অসীমৰ আহ্বানত সসীম ধিয়াই
মিলি যৰু দূৰ দিগন্তত।

গ্ৰীষ্ম. শীত, শৰত আহক, তুমি ৰচা
উদ্যানলে' বসন্ত আহক,
বসন্তৰ বা লাগি সুৰভি-মণ্ডিত হই
ননা ফুলে সৌৰভ বিলক।

সেই সুৰভিৰে তুমি সুৰভিত হোৱা
পৰাণৰ পাপৰি বুটলি,
কৰা গই আৰাধনা জীৱন বিয়াপি
মূৰ্ত্তিমতী লখিমী গোসাঁনী।

লক্ষা হীন আজি মই লক্ষ্য স্থিৰ কৰি
নিজ বাটে আহিলো আঁতৰি,
এয়ে মোৰ শেষ দেখা—শেষ চকু-পানী
শেষ বেলা শেষৰ মেলানি।

---

# প্ৰতিশ্ৰুতি

মাৰ গ'লে দ্বিতীয়াৰ ভাগকৰা জোন
নিলগত সাক্ষী ৰ'ব দুটি এটি তৰা,
নিদ্ৰালু নয়নে মোৰ নিদ্ৰা পাহৰিব
বিচাৰি দোভাগ নিশা তোমাৰ বতৰা।

জ্যোৎস্নাহীন ধৰণীত লুকাই থাকিব
অনন্ত ইঙ্গিত এটি বুকুৰ ভাষাৰ,
নিশাৰ নিয়ৰ ঠেলি ওপঙি ফুৰিব
'যাওঁ দেই' বিদায়ৰ শেষ কথাবাৰ।

তথাপি নকবা তুমি তুমিয়ে নহলে
নোৱাৰিম জীৱনৰ জয় বাটে যাব,
তোমাৰ সুৰৰ স'তে সুৰ নিমিলিলে
নোৱাৰিম জীৱনৰ জয়-গীতি গাব।

(তুমি) যাবা যেই বাটে ময়ো যাম সেই বাটে
চিৰ দুখী জীৱনৰ জয়-গীতি গাই,
পাৰোনে নোৱাৰো চাম গঢ়িব নিজক
আদৰ্শৰ অনুৰূপ চানেকীলে' চাই।

জয়ৰ মাজেৰে সখি বাটকুৰি বাই
দুদিনীয়া দুনিয়াৰ ধেমালি শেষত,
মেঘৰ দেশত গই দুচপৰা মেঘ হই
আমি দেই উমলিম সউ 'আস্মানত'।

# দুর্য্যোগ

দুর্য্যোগৰ মাজে মাজে সুযোগ বিচাৰি
ভৰমিছো সু-বিশাল মৰু-ভূ-প্ৰান্তৰ,
অন্তৰ শিয়ৰি উঠে বুকুৰ কঁপনি
নাই বুলি শেষ সীমা এই ভ্ৰমণৰ।

সেউজীয়া ওৱেচিচ নাই দেখা মই -
নাই দেখা সু-ৰসাল আঙুৰ-উদ্যান,
নাই পোৱা একো সীমা বিস্তৃত মৰুৰ
কেনি যাম, নাই পোৱা পথৰ সন্ধান।

তথাপিতো অকলৈয়ে বাট নাপালেও
দুৰ্যোগৰ—দুৰ্ভাগ্যৰ আঁৰে আঁৰে মই,
এদিন দুদিন কৰি অনাই বনাই
যাবই লাগিব শেষ মৃত্যু সীমালই।

শোকৰ কবিতা ৰচি ঝুপুৰি পঁজাত
পাতলাম ভাৰ এই গধূৰ বুকুৰ.
মনে-পৰা স্বৰগৰ বাট বিচাৰিয়ে
অকলে' বিনাম যত বিষাদৰ সুৰ।

আপোন পাহৰাবোৰে শুনিব নিতউ
হতভাগা বিৰহীৰ বুকু ভগা গান,
আকুল উদাস সুৰে চিঞৰি বিচৰা
পথহাৰা পথিকৰ পথৰ সন্ধান।

দুৱাৰে দুৱাৰে গই ভিক্ষা কৰিলেও
নুপুৰিব কোনো দিনে ভিক্ষা পাত্ৰ মোৰ,
শক্তিৰ পূজাৰী হই কটাম অনন্ত কাল
দীপ্ত কৰি জীৱনৰ গুপ্ত বৃত্তিবোৰ।

---

# প্ৰত্যাখ্যান

দান দিব খোজা নাই কাকো
মোৰ এই ভগা বুকুখন,
দেখুৱাব খোজা নাই কাকো
এই মোৰ ব্যথিত-অন্তৰ।

কাকো মই ক'ব খোজা নাই
কি কাৰণে অনুতপ্ত হই,
নিজানত বিনাই কান্দিছো,
কি ব্যথাৰ বোজা বান্ধি লই।

দেখিছো এই আহল-বহল
সমুখৰ বৃহত সংসাৰ,
দেখিছো তাতে লাখ লাখ হিয়া
পুৰি পুৰি হোৱা ছাৰখাৰ।

তেন্তুৱা একুৰা জুই জ্বলিয়ে
মোকো আজি দহিব লাগিছে,
প্ৰাণ মন মোহাৰি-সামৰি
তিলে তিলে সংহাৰি আনিছে

কাক আজি সহায় খুজিম
কোনে মোক কৰিব আদৰ,
কাৰো কাষ নোৱাৰো চাপিব
নাই স্নেহ, নাই সমাদৰ।

তেজ-মঙ্গহৰে মানুহ ময়ো
মোৰো আছে মান-অভিমান,
মোৰো আছে লাজ অপমান,
ভাল-বেয়া হিতাহিত জ্ঞান।
তথাপিও শক্তিহীন মই
দুৰ্ব্বলতা মুগুচে চিকুৰ,
মোৰো আছে যত্তমানে থাকে
ভুল-ভ্ৰম ভগ্ন-হৃদয়ৰ।
সেই ভ্ৰম দুৰ্ব্বলতা লই
আগবাঢ়ি যাম আগলই,
যত দূৰ পাৰো মানে যাম
দুখে শোকে জ্বলা-কলা হই।
এই মোৰ ভগা বুকুখন
ভাগি যাব থানবান হই,
বেছি দূৰ নোৱাৰিম যাব
অসহন বোজা বান্ধি লই।
আৰাধিম তথাপি তোমাক
ভগ্ন বুকুৰ মহাৰ্ঘ্য লই,
পাৰোমানে অৰ্পিম নৈবেদ্য
তোমাৰ মহিমা বিকাশ কই।

প্ৰত্যাখ্যান কৰিলেও তুমি
আজীৱন কৰিম অৰ্চ্চনা,
বেদনাৰ বিষাক্ত তেজেৰে
তোমাকেই কৰিম বন্দনা।
হিয়াখন খুলিছে কেনেকৈ
কোনো দিনে তুমি দেখা নাই,
কিহে মোক কৰিছে দুৰ্ব্বল
কোনো দিনে তুমি জনা নাই।
দেখা নাই বীজ-কণাবোৰ
বুজা নাই কিনো মহা ভাব,
বুজা নাই কিনো দুখ-শোক
এই মোৰ আহত হিয়াৰ ?
তেজৰ লোৰে কবিতা লিখি
থ'লেও স্মৃতি অমৰ ক'ই
নুবুজিলে নুবুজিবা তুমি
জগতেও নুবুজে নিশ্চয়।
তথাপিও বহি নিজানত
অসীম শূন্যতা বুকুতে লই,
ভগা হিয়া মোৰ উদং কৰি
ৰচিম কবিতা তোমাৰে হই।

---

# যাবৰ সময়ত

লই যোৱা নাৱৰীয়া সিপাৰ-ঘাটত মোক
তুলি দিয়া গই,
চিনাকি দেশৰ চিনাকি বন্ধুক চাই ল'লো
শেষ বাৰলই।

নাৱৰীয়া নাও মেলি নিদিবাচো' এতিয়াই,
নতৰিবা পাল,
বিদায়ৰ বন্ধুবোৰ ব'বাচোন চাই লওঁ
আকউ এবাৰ।

ৰ'বাচো' মুহূৰ্ত্ত মান, কিজানিবা দেখা পাওঁ
প্ৰিয়জন মোৰ,
কিজানিবা শুনি পাওঁ এষাৰি মৰমী মাত,
সাদৰী বুকুৰ।

ৰ'বাচোন, নেঠেলিবা তোমাৰ টুলুঙা নাও,
নেঠেলিবা ঢউ,
শুনাচোন নাৱৰীয়া, কোনোবাই ৰিঙিয়ায়—
'মেলিৱৰ নউ'।

ৰ'বাচোন, নেঠেলিবা সোণোৱালী ঢৌবোৰ
নেমেলিবা নাও,
যাবৰ সময় মোৰ নাই হোৱা নাৱৰীয়া
ৰ'বা এতিয়াও।

পামনে তুনাই দেখা কাৰোবাক, এতিয়াই
যদি গুচি যাওঁ,
সিপাৰ ঘাটত গই কিজানিবা কাকো মই
লগকে নাপাওঁ।

ৰ'বা, ৰ'বা, অষ্টমীৰ জোনবাই এতিয়াও
গুচি যোৱা নাই,
আকাশত চোৱা, ৰূপালি তৰাৰ এতিয়াও
মেল ভগা নাই।

জোনবাই গুচি গ'লে আন্ধাৰে ঢাকিব বুলি
ভয় নকৰিবা,
(মোৰ) জীৱন-শলিতাগছি টিঙত জ্বলাই সোঁতে সোঁতে
উটি যাম ৰ'বা।

খুলি দিয়া বান্ধ, ব'লা 'নাওবীয়া, চাপিলেছি
যাবৰ সময়,
ব'লা আমি গুচি যাওঁ ইপাৰৰ যত বোজা
ইপাৰতে থওঁ।

কোনো নাই, কোনো নাই মৰমেৰে মাত মাতি
বিদায় দিবলে',
বিদায়-বেলাত মোৰ কোনো নাই কাষ চাপি
শলাগ লবলৈ'।

ঘাট এৰি গুচি যাওঁ ব'লা এটোপাল মাথো
চকু-পানী থওঁ,
সেয়ে মোৰ স্মৃতি-চিন পৰি ৰক চেনেহৰ
প্ৰিয় জনলই।

---

# কাহানি

নিৰ্জীৱ কাহানি সজীৱ হ'ব
নিৰস কাহানি সৰস হ'ব
কঠিন কাহানি কোমল হই
হৃদয়হীনক হৃদয় দিব ?
মই যে নাপাম দেখিব প্ৰিয় !

চেনেহ-মৰুৰ শুকান বালিত
প্ৰাণৰ পদুম কাহানি ফুলিব
ৰাঙলী জৰাৰ জেউতি পৰি
কাহানি ছুনিয়া পোহৰ হব ?
মই যে নাপাম দেখিব প্ৰিয় !

চকুৰ পানীৰ সাগৰ-তলিত
মাণিক-মুকুতা কাহানি জ্বলিব
জেউতি বিহীনে জেউতি বিলাই
কাহানি আন্ধাৰ দূৰলৈ' নিব ?
মই যে নাপাম দেখিব প্ৰিয় !

# জীৱনৰ দিন

দিনতো নাথাকে ৰই কাৰোল'কে কেতিয়াও দুখৰ সুখৰ কথা
ভাগ ল'বলই,
বুকুৰ কঁপনিবোৰ বুকুতে নাথাকে বৈ কোনোবাই কাণ পাতি
শুনি ল'বলই।

লেখা জোখা দিনবোৰ সমানে নাযায কাটি মৰনৰ মৰমীৰ
বুকুৰ উমত,
বিশ্বৰ মহান লীলা নহয় ধেমালি এয়া কৰ্ত্তব্যৰ আৱাহন
সঁচায়ে মহত।

আমি যে আমাৰ কাম কৰিব লাগিব শেষ তুচ্চ কৰি জীৱনৰ
বিৰাট ব্যৰ্থতা,
পুৰণিবোৰকে আমি নিতউ নতুন কৰি কৰিব লাগিব দূৰ
বুকুৰ শূন্যতা।

কপালৰ কেঁচা ঘাম, কলিজাৰ ৰঙা তেজ, সেয়েই তুলসী ফুল
বিশ্বৰ পূজাত,
আমি তাৰেই আৰতি কৰি নিজকেই দিওঁ বলিদান অনিশ্চিত
সুখৰ আশাত।

সেই বলিৰ তেজেৰে আমি জ্বলাই আশাৰ বন্তি দূৰ কৰো যত
নিৰাশ-আন্ধাৰ,
দুহাতে আজুৰি জীৱনৰ সম্বল গোটাই পাহৰো অশেষ দুখ
বিৰহ-ব্যথাৰ।

# আমিও বিৰাট হই বিয়পি থাকিম

কাক ক'ম ? ক'ম কাক ? তোমাকে নকম যদি মৰ্ম্মভেদি হৃদয়ৰ
করুণ কাহিনী,
কোনে শুনে ? শুনে কোনে ? তুমিয়ে নুশুনা যদি যত দুখ আৰ্ত্তনাদ
শোকৰ বিননি।

কাৰানো কাষত মই কান্দিম কাতৰ হৈ কোনে ল'ব মোৰ এই
বেজাৰৰ ভাগ,
গোটেই পৃথিবীখনি আনন্দেৰে ভৰপূৰ সুন্দৰৰ ওপৰত
সুন্দৰ আভাস।

আমাৰ প্ৰাণৰ ফুল তথাপি ফুলিলে, সুবাসেৰে তাৰ ধৰণীত
নন্দন ৰচিম,
প্ৰণমি বিশ্বৰ বেদী বিৰাটৰ মাজতেই আমিও বিৰাট হ'ই
বিয়পি থাকিম।

# দুখীয়াৰ দান

সঁচাতে ফুলিছে ফুল ঘুৰিছে জগত
সঁচাৰ মাজত কিয় মিছাৰ বাজনা,
সঁচা, মিছা, পাপ, পুণ্য, দুখ-দৈন্য ভাবি
আজিৰ মাজত কিয় কালিৰ বতৰা ?

আজিৰ হোৱাবে কথা নাজানো সঠিক
কালিলই হোৱাটোনো কেনেকৈ' জানিম,
আজি হোৱাটোকে যতনে সমাপি লই
কালিৰ কথা আমি কালিলে' ভাবিম।

আহিছে-গইছে সময় দিন ৰাতি কই
মূৰৰ ওপৰে আমাৰ গইছে ৰাগৰি,
দুখৰ ডেওনাবোৰ হেলাৰঙ্গে পাৰ হই
আমিও যে খোপে খোপে যাওঁ আগবাঢ়ি।

অসহায় আমি আমাৰ সহায় মাথো'
এষাৰি মৰমী মাত মৰমী-হিয়াৰ,
এষাৰি কোমল কথা সান্ত্বনা সুৰৰ
ভিক্ষাৰ উচিত দান দীন-দুখীয়াৰ।

# ব্যৰ্থতা

জীৱনৰ মউকোঁহে মৰণৰ ঘাটে ঘাটে
সমাধি বুকুত গই পাৰগে' জিৰণি,
কলিজাৰ ৰঙা তেজ চেকুৰা চেকুৰে গাঁঠি
আৰুনো কিমান মালা গাঁঠিবি মালিনী।
চেনেহী জনলে' বুলি আৰুনো কিমান ফুল
তুলি তুলি নিতে হেব' ভৰাবি কৰণি,
ঢোপা কলি গাঁঠি গাঁঠি নিয়ৰ-পানীৰে ধুই
আৰুনো কিমান ৰই থাকিবি মালিনী?
আঁউসী নিশাৰ জোন নোলায় নোলায় সোণ
ফাগুনীয়ে নকঁপায় বুকুৰ আচল.
নুফুলে 'হাচানাহানা' নুফুলে 'অপৰাজিতা'
নাথাকে উপচি আৰু 'শেৱালি' 'বকুল'।
নুফুলে নুফুলে আৰু জোনোৱালি 'জৱাফুল'
নুফুলে মালিনী হেব' 'মাধই মালতী',
'যাঁতি', 'যুটি' 'কৰবিয়ে' নেপেলায় ঢোপা কলি
নুফুৰে গুঞ্জৰি আহি মউ লোভি অলি।

# ব্যৰ্থতাৰ দান

জানা জানো তুমি সখি ?
ক'ৰ দূৰ দূৰণিত
কোন কুঞ্জ কাননক সুৰভিত কৰি পাৰিজাত ফুলিব লাগিছে ?

কোন অপ্সৰীয়ে নিতে
ছিঙি ছিঙি সেই ফুল
দেৱতাৰ চৰণত প্ৰীতি-অৰ্ঘ্য নিবেদন কৰিব লাগিছে ?

ক'ৰ মউ ৰ্বলিয়াই
টুকি টুকি মউ-ৰস
কাৰনো কাৰণে বাৰু যতনেৰে মউচাক সাজিব লাগিছে,

সোণৰ পিয়লা পাতি
মধুৰ মদিৰা ঢালি
পাহৰি পুৰণি দুখ কোন হতভাগাইঁতে তৃপিতি লভিছে ?

নাইনেকি সখি তাত
পিয়াহত প্ৰাণ ফলা
দুপৰৰ চোকা ৰদ, নাইনেকি হিয়া দহা বিৰহ বেদনা,

জোনাকৰ মৃদু হাঁহি
নিতউ বিৰাজি তাত
নিতউ জিলিকেনেকি সুনীলিম আকাশৰ ৰূপোৱালি তৰা !

ইপাৰৰ ব্যৰ্থ দান
তাতেনেকি দিব পাৰে
গুজি গুজি ৰঙা ফুল মৰমৰ মৰমীৰ লাহতী খোপাত,

মৰমৰ মৰমীয়ে
চেনেহী ডিঙিত তুলি
কোমল হাতৰ মালা তাতেনেকি গাঁঠি দিয়ে ছিঙি পাৰিজাত ?

হৃদয়ৰ মৰু-ভূৰ
সেউজীয়া ওৱেচিচ্
ৰাঙলী প্ৰেমৰ ফুল ফুলি ফুলি তাতেনেকি হয় সুৰভিত ?

যৌৱনৰ বননিত
শোৱালি মুকুল সৰি
গধূলি-পুৱাৰ বতাহ সখি ঐ কৰেনেকি সুবাস মণ্ডিত ?

আমি জানো নোৱাৰিম
এদিনো তা-লৈ যাব
আমি জানো নোৱাৰিম হৃদয়ৰ জ্বলা জুই তাতেই নুমাব ?

আমি জানো নোৱাৰিম
আহৰিব পাৰিজাত
আমাৰ প্ৰীতিৰ বেদী আমি জানো নোৱাৰিম তাৰেই সজাব ?

সেই কাননতে সখি
বিচৰণ কৰি আমি
যতমানে ব্যৰ্থ-দান নোৱাৰিম জানো বাৰু আকউ যাচিব ?

মৰমৰ মউভৰা
চেনেহ চুমাৰে সখি
আমাৰ সেমেকা ওঁঠ আমি জানো নোৱাৰিম ৰাঙলী কৰিব ?

———

# অসমাপ্ত

গোপনৰ কথা গোপনে শেষ
গোপন আলাপ কাণে কাণে,
প্ৰাণৰ আলাপ প্ৰাণতে হ'ব
কেৱল মাথোন গানে গানে।

আৰু কত দূৰ ইদৰে যাম
ক'তনো চপাম জীৱন-তৰী,
এই যে বিশ্ব ফাঁকিৰ বান্ধন
ফাঁকিৰ মাজতে হৈছো বন্দী।

ভগ্ন-দেহৰ হৃদি-সমুদ্ৰত
ৰুদ্ধ স্ৰোতৰ প্ৰৱল ধাৰা,
সমস্ত জগত বুৰাম বুলিযে
উঠিছে যে ঢউ হৃদয় হাৰা।

মিছা বিশ্বাসৰ মায়াৰ বান্ধোৰে
আজি হে অন্তৰতম, তুমি
মোৰ এই অসমাপ্ত জীৱনত
সানি দিছা মৃত্যুৰ মাধুৰী।

সৃষ্টিৰ আহ্বানে আহ্বানিছে নিতে
আমি যে নহও মৃত্যুঞ্জয়ী,
'মৃত্যুহীন' অন্তৰৰ ছদ্মভাব
ভুল, ভুল—মাথো ক্ষণস্থায়ী।

আপুনিয়ে আমি আপোনাত বন্দী
অসম্পূৰ্ণ যত পৰিচয়,
দুখ-সাগৰত ৰতন বিচাৰি
জগতক কৰিছো বিস্ময়।

হে বিৰাট! উৰিব তোমাৰ ধ্বজা
যৌৱনক কৰি বিড়ম্বনা,
যুগে যুগে অপূৰণ-অসমাপ্ত
মোৰ এই স্নেহ-প্ৰীতি ধাৰা।

বিশ্ব-পূজাত বেদীৰ তলত
মোৰো বাছি পূজাৰীৰ স্থান,
হে নিৰ্ম্মম! তোমাতে সাৰ্থক কৰা
অসীমৰ মিলন-আহ্বান।

যি পথে চলিছে মানব-যাত্ৰী
ময়ো সেই পথেদিয়ে গই,
হে মধুৰ! তোমাতেই মিলি যাম
অপূৰণ পূৰ্ণ কৰি লই।

---

# বিষাদ নাই ক'ত

প্ৰাণ খোলা হাঁহিতো যে
বেদনাৰ চেকা আছে
সুৱদি গীততো আছে
বিষাদৰ সুৰ,
মৰমৰ চাৱনিতো
খহি পৰে কুমুনিয়া
খহি পৰে সকৰুণ
আকুলতা বোৰ।
হাঁহাকাৰ জীৱনত
নাই যে এনেটি ক্ষণ
য'ত নাই অকণিও
বিষাদৰ চিন,
যিমানে আমোদময়,
যিমানে প্ৰমোদময়,
সকলোৰে অৱশেষ
দুঃখত বিলীন।
জীৱনৰ ফাঁকে ফাঁকে
মৰণ লুকাই ফুৰে
হৰিষৰ ফাঁকে ফাঁকে
বিষাদ বেদনা,
তথাপি মানুহে দেখো,
আজিল'কে বুজা নাই
এই যে বিশ্বৰ সুৰ
ফাঁকিৰ বাজনা।

# মুক্তি-পথ

মানৱী-লোকতে যদি ৰচি ল'ব পাৰি
জীৱনৰ মুক্তি-পথ ব্যৰ্থ-প্ৰেমিকৰ,
মিছাতেই কিয় তেনে ভোগীব লাগিছে
কোনেও নুবুজা ব্যথা স্বৰ্গীয় প্ৰেমৰ ?

মানুহে মিছাতে কিয় নিৰ্ব্বান বিচাৰি
অনন্ত বিৰহ-জ্বালা মৰে তেনে ভোগী
স্বৰগৰ সেই বাট এই জনমতে
মানৱী হাতেৰে যদি বান্ধি ল'ব পাৰি ?

ব্যথাতুৰ প্ৰেমিকেনো কেলেই বিচাৰে
নিৰ্ব্বানৰ পোন বাট পৰ-পাৰলই,
জীৱন ত্যজিব খোজে কিহৰ দুখত
কিহৰ দুখত কান্দে বিয়াকুল হই ?

দূৰ স্বৰগলৈ' সেই সেন্দুৰীয়া বাট
তেজেৰে পিছল কৰি চিৰ বিৰহৰ,
সহজে নিৰ্ব্বান দেখো লভিবগৈ' পাৰে,
অমৰ কীৰিতি থই স্বৰ্গীয় প্ৰেমৰ।

---

# অপেক্ষা

আহিছিলো যেই বাটে সেই বাটে বাট বুলি
গুচি যাম গই,
অসীম বিশ্বত মাথো ৰূপহীন নিৰাশাৰ
সুৰ এটি লই।

এৰি থই গুচি যাম স্মৃতিৰ নামেৰে
বিশ্বৰ বেদীত
এটুপি চকুৰ পানী আৰু এটি সুৰ হীন
প্ৰাণৰ ইঙ্গিত।

অভিশপ্ত জীৱনৰ সেয়ে মাথো শেষ চিন
স্মৃতিৰ বেদীত,
অনন্ত আশাৰে গঢ়া প্ৰেমৰ ৰাঙলী-তাজ
তেজেৰে নিৰ্ম্মিত।

নভগা ভুলেৰে মই ফুল পুতি বান্ধিছিলো
সেন্দুৰীয়া বাট,
সেই বাটে দিয়ে গই অপেক্ষিম তোমালই
দূৰ অমৰাত।

# পৰিচয়

ডাৱৰৰ আঁৰে আঁৰে বিজুলি জিলিকা দৰে
হৃদয়ত জ্বলিছিল
প্ৰেমৰ বিজুলি,

যেনি-তনি পৰিছিল নতুন পোহৰ তাৰ
প্ৰাণৰ প্ৰদীপ মোৰ
উঠিছিল জ্বলি।

সেই দিনা নুবুজিলো থমকি থমকি পুনু
কিয় জানো, কিয় মোৰ
কঁপিছিলে প্ৰাণ,

কিয় জানো উঠিছিলে পৰাণে নুবুজাকই
নিৰাশ প্ৰেমৰ এটি
ৰলিয়া বাণ।

সিদিনাৰ লগনৰ অশুভ বেলাত বাক
তুমি মই হইছিলো
কিয় পৰিচিত,

কিয় আমি গাইছিলো প্ৰেমময় সেই সুৰ
ৰচিছিলো কিয় সেই
বিৰহী সঙ্গীত ?

জোনালী জোনাকে আহি হাঁহিছিলে সেই দিনা
হাঁহিছিলে ৰঙতেই
ৰূপালি তৰাই,

আজিৰ বিৰহী-হিয়া কিদৰে যে ভাগি যায
জগতক জনাবলে'
কোনো সাথী নাই ।

---

# একো স্মৃতি নাই

জীৱনৰ লালসাই পাবিৰ কিমান দিন
বাখিব জীয়াই,
উঠিলে মৰণ-বাণ নিশ্চই লাগিব আমি
সকলো উটাই।

আমাৰ বিষাদ-ব্যথা তেতিয়া নাথাকে আৰু
বুকুত উমাই,
নালাগে ভোগীব দুখ বিষাদৰ তুঁহ জুই
ফুঁৱাই ফুঁৱাই।

জীৱনৰ ৰঙীন পুৰাত্তে ৰচিলো কিমৰ
সেন্দুৰী-সপোন,
সপোন বিভোৰ হই দেহি অ'ই কাক মই
বুলিলো আপোন?

আশ্ৰয় ভিক্ষাৰী হই দুৱাৰে দুৱাৰে গই
নিতউ বিনাম,
আজীৱন ঘূৰিলেও কিজানিবা ক'তোৱেই
আশ্ৰয় নাপাম।

তৃপিত্তিৰ ৰহঘৰা নহল আগতে গঁঠা
নোৱাৰিলো হায়,
যত প্ৰীতি-ফুল ফুলিয়ে সৰিল, আজি তাৰ
একো স্মৃতি নাই।

---

# মুক্তি

কপালৰ মৰঘাম মচি জয় মোৰ হকে বা নহকে,
বিশ্বৰ লগত মই
অকলে' যুঁজিম.

মোৰ কলিজাৰ ক'লা দাগবোৰ দুগুণে উজ্জ্বল কৰি
প্ৰাণ থাকে মানে মই
কবিতা লিখিম।

নুবুজিলে নুবুজিব কেৱে, বুজাজনে বুজিব নিশ্চয়
ইযে মোৰ হতাশাৰ
করুণ বিননি,

মাথোন এখন ব্যথিত-বুকুৰ বিৰহী-তেজেৰে লিখা
চিৰ দুখ ব্যৰ্থতাৰ
ভুল সোঁৱৰণী।

আজিয়েতো মুক্তি-দান নাপাওঁ নাপাওঁ মই, কওঁ শুনা
কোন দিনা মুক্তি-দান
পাম কেনেকই,

চিতাগ্নিত মোৰ জীৱন আহুতি ঢালি যেই দিনা দিম,
সেই দিনা—সেই দিনা
মুক্তি পাম মই।

---

# ইপাৰ ঘাটত

দিন যে গ'ল সন্ধিয়া হ'ল
নাৱৰীয়া পাৰ কৰ মোক,
হাতৰ ধন বাটতে এৰি
মই যে হেৰ দীন ভিক্ষাৰী !
শূনা পঁজাটি সিপাৰে ৰ'ল,
ইপাৰে মোৰ গধূলি হ'ল,
বুকুৰ বান্ধে কেনিবা গ'ল,
পাৰ কৰ, পাৰ কৰ মোক ।
শুনিছোঁ হেৰ গৰজে মেঘে,
আকাশ ঢাকি কলিয়া ডাৱৰে,
শিল-বৰষুণ আনিছে বেগে,
ভয়ে ভয়ে মোৰ বুকু যে কঁপে,
ভগা বহাটিও ৰ'ল সিপাৰে ।
এই ঘাটে নেৰিবি নাৱৰীয়া,
পাৰ কৰ, পাৰ কৰ মোক ।

---

# স্মৃতি-স্তম্ভ

কাক ক'বা ? ক'বা কাক ? গুপুতৰ কথাবোৰ
গুপুত হিয়াৰ,
কাক দিবা ? দিবা কাক ? ভালপোৱা পৰাণৰ
প্ৰীতি-উপহাৰ ?

চেনেহী-হাতেৰে তুমি কাৰনো খোপাত বাৰু
গুজি দিবা ফুল,
কাৰনো চকুলে' বাৰু মৰমেৰে চাই চাই
কৰিবা আকুল ?

জীৱনৰ নাও ঠেলি পাৰ হ'বা কাৰ স'তে
সংসাৰ-সাগৰ ?
কাৰনো কোলাত তুমি মৰমেৰে মূৰ গুজি
জুৰাবা ভাগৰ ?

কাৰ স'তে লগ পাতি জীৱনৰ জয়-যাত্ৰা
কৰিবা ঘোষণা ?
কোন কাৰেঙত জয়-মেল পাতি বজাবাগে'
জয়ৰ বাজনা ?

পাহৰি পুৰণি কথা তুমি য'ত উমলিবা
স্বৰ্গ ৰচি লই,
নেদেখিৱ কেৰে তাৰেই মাজতে মই ৰ'ম
স্মৃতি-স্তম্ভ হই ।

---

# শেষ-বাঞ্ছা

দান আৰু প্ৰতিদান লই চিৰদিন
তোমাক পাবলৈ' বাঞ্ছা মই কৰা নাই
হেৰা হিয়াহীন,

তোমাৰেই চেনেহৰ ছাঁয়াত জুৰাই মই
কটাব খুজিছো মাথো কেটামান
লেখা-জোখা দিন।

যুগ ঠেলি যুগ গৈয়েই থাকিব
আৰুনো কিমান যুগ ভোগীব লাগিব মই
যাতনা দুৰ্ঘোৰ,

আজিয়েই কোঁৱা কালিলই কিজানিবা
দেখাকে নোপোৱা কৰিবানে পূৰ্ণ তুমি
এই বাঞ্ছা মোৰ ?

আজি মোৰ দুৰ্ব্বল দেহত কান্দিবৰো
শক্তি নাই হেৰা, কিদৰেনো পুৰাম তেনে
বুকুৰ ভাগৰ,

এতিয়া তোমাক কিদৰে বুজাম,
কিদৰেনো দেখুৱাম তেজৰ চেকুৰাবোৰ
ক্ষত-হৃদয়ৰ ?

আজি আৰু মই নোৱাৰো বুজাব
দেখিবা অন্তিম-বেলা সেই তেজ পৰি ৰ'ব
তুলসী তলত,

সেই বেলা ভাষা পাম, তোমাক বুজাই যাম,
অনন্ত গোপন কথা সাঁচি থোৱা
গোপন বুকুত।

সেইদিনা শেষৰ বেলিকা মোৰ
অন্তিমৰ ফুল-শয্যা সজাই দিবাগে' দেই
তোমাৰ হাতেৰে,

কোনেও নেদেখাকই মোৰ সমাধিত
এচপৰা কেঁচা মাটি আহিবা গুপুতে থই
তোমাৰ নামেৰে।

সমাধিৰ কাষৰতে গোৱা যদি সৰু নই
এটোপাল চেচাপানী মোৰ নামে
কৰিবা তৰ্পণ;

প্ৰেতাত্মাই শান্তি পাবলই
বনৰীয়া গোলাপৰ পাহি এটি ছিঙি তাতে
কৰিবা অৰ্পণ।

নিজান দুপৰ নিশা কোনোবা বিহগে যদি
বিদাই বিনায় তুমি দেই তাক
বিনাব নিদিবা,

এয়ে মাথো শেষ বাঞ্ছা মোৰ সিদ্ধি কৰি নিকৰুণ,
সিদিনাৰে পৰা মোৰ কথা
পাহৰি পেলাবা।

---

# কি গাবা

কিবা গান গাব যদি খুঁজিছা গায়িকা
গোৱা তুমি এনে এটি গান,
যি গানত বন্ধা আছে
ললিত ৰাগিণী ভৰা
বিশ্বজয়ী সুৰ ;
এনেটি সুৰেৰে গান গোৱাহে গাযিকা
বিষাদৰ ক'লা চেকা ধুই
অনন্ত ভাগৰ যেন
সহজে গুচাব পাৰে
জুকলা বুকুৰ !

গাই যোৱা তুমি এনে এটি গান
যি গানৰ সুৰ নিনাদেৰে
প্ৰাণত উৎসাহ ৰান্ধি
আগুৱাব পাৰি যেন
মৃত্যু-অভিযান ;
বিজয়-বাটেৰে হেৰা সেই গান গাই
সময়ৰ বালি-ভেটা ভাঙি
মৃত্যুৰ পাছতো আমি
থই যাব পাৰো যেন
আদৰ্শ মহান ।

---

# সংশোধন

এতিয়াও ভাবি পোৱা নাই ব্যৰ্থতাৰ স্ৰ'তে যুঁজ কৰি আজীৱন
কেনেকৈ' কটাম ?
মোৰ গোটেই কাহিনীটোকে জগতক জনাই নিবলৈ' আৰু মই
সময় নাপাম।

কেতিয়াও কোনোদিন প্ৰকাশিব নোৱাৰিম, প্ৰাণৰ নিৰ্ম্মম-ব্যথা
তলি উদঙাই.
ইদৰে ভাবোতে মোক অৱশ দুৰ্ব্বল কৰি বুকুখন ভাঙি দিব
ভাবৰ খুন্দাই।

অৱশ অতিকৈ' হই মৃত্যুমুখী হলে' মোক আদৰ নকৰি কেৱে
নিলগ কৰিব,
আজি যাক আপোন বুলিছো ঘৃণাত আঁতৰিসিও কোনোদিনে মোৰ
কাষ নাচাপিব।

মোৰ ভুল তেতিয়াও নহব যে সংশোধিত, ভুলকে সাবটি মই
ভাগৰি পৰিম,
মৰণ-পৰত মই ছাটি-ফুটি কৰি মাথো তোমাক চাবলৈ' বুলি
চিঞৰি কান্দিম।

কিজানি তুমিও চাগে' মৃত্যুমুখী হওঁ বুলি ভয় কৰি কোনো দিন
নাহিবা কাষলে',
ভয় নকৰিবা তুমি,—আঁউলী নিশাৰ দিনা এবাৰলে' আহি যাবা
অভিসাৰ বেশে।

শিতানত কাষ চাপি নালাগে বহিব বাক,—বহিবা নিলগ হ'ই
বহু আঁতৰত,
ওলাই আহিব খোজা প্ৰাণটোক বাধা দিবলই নলগাবা ওঁঠ মোৰ
বিষাক্ত ওঁঠত।

থোকাথুকি মাতেৰেই কৈ যাম শুনি যাবা ব্যথিত প্ৰাণৰ যত
অতীত কাহিনী,
বাহিৰৰ বতাহ সোমাই শূন্য পঁজাটিত চাৰি কাষে তুলি দিব
মৃত্যুৰ কঁপনি।

কথা কোৱা শক্তি মোৰ লাহে লাহে শেষ হ'ব, তুমি কিন্তু ভয় খাই
আঁতৰি নাযাবা,
দেহা মোৰ প্ৰাণ শূন্য হ'লে ভুলবোৰ সংশোধন কৰি পঁজাটিত
জুই জ্বালি দিবা।

———

# প্ৰতিমা আৰু খনিকৰ

মনেৰে ধুনীয়া কৰি মনৰ প্ৰতিমা গঢ়িলিনো কেনেকই
হেৰ খনিকৰ,
কমুৰা তুলিৰে তই কিহৰ ৰহণ সানি কৰিলিনো কেনেকই
মূৰ্ত্তি মনোহৰ ?

সপোন দেশৰ তোৰ সপোন প্ৰতিমা বাস্তৱত কেনেকই
ফুটাই তুলিলি,
কলিজাৰ তেজ সানি সানি সৌন্দৰ্য্যৰ প্ৰতিমূৰ্ত্তি হেৰ' তই
কেনেকৈ' নিৰ্ম্মিলি ?

প্ৰতিমাৰ চুচকুত কৰুণ আবেশ হেৰ' তই খনিকৰ
কেনেকৈ' আনিলি,
বুকুৰ আবেগ তোৰ প্ৰতিমাৰ বুকুৰ মাজেৰে তই বাক
কেনেকৈ' ফুটালি ?

কঠুৱা শিলকে কাটি টুকুৰা টুকুৰে ত্ৰিভঙ্গ ভঙ্গিমা তই
কেনেকে' আঁকিলি,
প্ৰাণহীন হিয়াহীন প্ৰতিমাক তোৰ হেৰ' তই কেনেকে'
ভাষাৰে সজালি ?

মৃণালৰ অনুৰূপে প্ৰতিমাৰ বাহু দুটি তই বাৰু হেৰ'
কেনেকে' কাটিলি,
হাজাৰ চুমাৰে তোৰ বুৰাই দিবলে' শিলত ওঁঠত বাৰু
কি বোল সানিলি ?

বান্ধিবলে' প্ৰতিমাৰ বীণাৰ তাঁৰত বুকুৰ তলৰ সুৰ
আজুৰি আনিলি,
মানস-প্ৰতিমা তোৰ ৰঙেৰে ৰঞ্জিত কৰি শত কবিতাৰ
জনম দিয়ালি।

---

# অঞ্জলি

আজি এই উৎসৱৰ মহা আনন্দত
বজা নাই সুৰ মোৰ আবেগ কণ্ঠত
তোমাৰেই চৰণত পূজা দিবলই
পৰা নাই গাব মই আৰতিৰ গীত,
হেৰা প্ৰভু, হৃদয়ৰ আদি গুৰু মোৰ
দেখা নাই কোনো দিন আজিও নেদেখো,
শুনা নাই কোনো দিন আজিও নুশুনো,
তোমাৰ কণ্ঠৰ সুৰ মধুৰ ললিত।
মতা নাই কোনো দিন আজিও নামাতা,
শুনা নাই 'নতি মোৰ আজিও নুশুনা,
হিমালয় লৰিলেও তুমি যে নলৰা।
তুমি হেনো দয়াময় হেৰা অপৰূপ,
কিয় তেনে কাৰোৰেই বেদনা নুবুজা,
কিয় তুমি কাকোৱেই কৰুণা নকৰা?
ক্ষান্ত হক তেনে মোৰ ভাষাৰ বিলাপ,
আৰু যত অভিলাষ তোমাক পোৱাৰ,
য'তে আছা থাকা প্ৰভু,
সৰষা শিৰত মোৰ আশীষ-নিৰ্ম্মালি,
হে অৰূপ, নেদেখিলো স্বৰূপ তোমাৰ,
চৰণত দিম বুলি যতনেৰে অনা
লোৱা প্ৰভু নিঘিণাই
দুখীয়া হিয়াৰ মোৰ ভক্তি-পুষ্পাঞ্জলি।

# মন্দিৰত আজি পূজাৰী নাই

দেৱতা, দেৱতা, পূজাৰ দেৱতা
মন্দিৰত আজি পূজাৰী নাই,
বুকুৰ তেজকে আঁজলিত লই
দুখ নিৰাশাৰ ধূপ-দীপ জ্বালি
অৰ্ঘ্য তোমাৰ আনিলো সজাই
মন্দিৰত আজি পূজাৰী নাই।
আৰতিৰ বেলা হ'ল যে দেৱতা
তুলসী-ফুলৰ গঁঠা নাই মালা
দিয়া নাই ক'তো চন্দনৰ ৰেখা
পূজাৰ লগন যে উকলি যায়,
মন্দিৰত আজি পূজাৰী নাই।
দেৱতা, দেৱতা, হে মোৰ দেৱতা,
আছে মাথো' মোৰ ভকতিৰ ধূলা
শত কামনাৰ ফুল জল পূজা
নিবেদিছো লোৱা নিদি দলিয়াই
মন্দিৰত আজি পূজাৰী নাই।

---

# দেৱদাসী

প্ৰাণহীন দেৱতাৰ চৰণ-তলত ধূপ-ধূনা উপচাৰ লই
আৰু নো কিমান যুগ বাগৰি থাকিম,
কাহানিকে' প্ৰাণ পাবা দেৱতা সজাগ হ'বা পাষাণ গলিবা,
কাহানি তোমাৰ মই করুণা লভিম ?

পাপৰ হাতেৰে গঁঠা কামিনী ফুলৰ আৰু নো কিমান মালা
তোমাৰ ডিঙিত দেৱ লেবেলি শুকাব,
আৰু কত লাখ যুগলই পূজাৰ প্ৰদীপ-শিখা মম-বাতি মোৰ
এই দৰে জ্বলি জ্বলি নিতউ নুমাব ?

দুখৰ তেজেৰে ধুই অশুচি কৰিলোঁ হাঁয় পূজা-পাত্ৰ মই
নুমুৱা প্ৰদীপ-শিখা আৰু যে নজ্বলে,
পূজিম কিহেৰে, মম-বাতি গলি গ'লে দেৱতা নগলা মোৰ,
কোন খনিকৰে হাঁয় কিহেৰে নিৰ্ম্মিলে ?

অশ্ৰুভৰা বিৰহৰ দুখৰ কাহিনী মোৰ কাহানি শুনিবা,
অচেতন কাহানিকে' হ'বা সচেতন,
হে সুন্দৰ, কাহানি সজাগ হ'বা কাহানিকে' কৰিবা গ্ৰহণ
মোৰ চিৰ ব্যৰ্থতাৰ পূজা নিবেদন ?

সীমাহীন অসীম দুখৰ নিদিয়ানে সীমা মোক,—হে অৰূপ,
নিদিয়ানে দৰশন প্ৰকাশি স্বৰূপ,
হতাশাত ভাগি যোৱা আহত হিয়াৰে কৰা দুখৰ আৰতি লই
দেউলতে হাঁহি থাকা হেৰা অপৰূপ !

# পূজা শেষ

পূজা শেষ, আৰাধনা শেষ
আৰতিৰ মূৰ্চ্ছনা বিলাই
আৰু সুৰ নোখোজে বাজিব,

দীনতাৰ ক্ষুদ্ৰ আয়োজনে
তোমাৰেই পূজালে' অলোৱা
বস্তি মোৰ খুজিছে সুমাব।

ব্ৰহ্মাণ্ডৰ কাইটীয়া জোঙে
হেৰা প্ৰভু, ছিৰাছিৰ কৰা
হৃদয়ৰ অকণ তেজেৰে,

পূজালই শলিতা জ্বলাই
কৰিছিলো অৰ্ঘ্য নিবেদন
ভকতিৰ ষোড়শোপচাৰে।

অন্তৰৰ অযুত বাসনা
অন্তৰতে সমাধি লভিলে
সামৰণি পূজাৰ পৰত,

দয়াময় তুলটি নাচালা
অনাদি কালৰ তোমাৰেই
চৰণৰ চিৰ অনুগত।

# বিজয়া

( ১ )

আৰতিৰ বেলা তোৰ হ'ল যে পূজাৰী,
তেওঁ দেখো দেউলত
গোঁসানীয়ে নাই,
ধূপ-দীপ শলিতা যে জ্বলাবৰ হ'ল
তোৰ দেখো পূজাৰী অ'
সহাঁৰিয়ে নাই।

( ২ )

নিজ হাতে গঢ়ি তই মাটিৰ গোসাঁনী
অতদিন ধৰি তাত
সানিলি বৰণ,
পুৱা ফুলা ফুল তুলি কুকিটি সজাই
ষষ্ঠীৰ বেদীত আনি
কৰিলি অৰ্পণ।

( ৩ )

সপ্তমীৰ পূজা বুলি কত উপচাৰ
যতনে যতালি তই
পূজাৰী প্ৰবৰ,
আৰতিৰ শঙ্খনাদে প্ৰতিধ্বনি তুলি
পূজাৰ মণ্ডপ তোৰ
কৰিলি মুখৰ।

( ৪ )

ষষ্ঠীৰ প্ৰতিষ্ঠা আৰু সপ্তমীৰ পূজা
শেষ কৰি অষ্টমীত
কৰি বলি দান,
শোণিতৰ অৰ্ঘ্য লই পূজিলি গোঁসানী
ভকতিৰ তোৰ কিনো
পালি প্ৰতিদান ?

( ৫ )

সাধনাৰ সিদ্ধি হন্তে কত আৰাধনা
কৰিলি অবুজ ভই
সুবুজি পাষাণ,
মিছাতে আহত হলি হতাশ পূজাৰী
নৱমীত হিয়া তোৰ
পৰিলে মোলান।

( ৬ )

তোৰ দশে ব্যৰ্থ হ'ল মোৰো সেই পূজা
আজীৱন কৰিছিলো
যাৰ আয়োজন,
আজি এই বিজয়াৰ স্মৃতি-অৰ্ঘ্য লই
জীৱনৰ যত আশা
দিলো বিসৰ্জ্জন।

—শেষ—